# ভাউৰা পুৰাণ



শ্ৰীপ্ৰসন্ন চন্দ্ৰ বৰুৱা সংগ্ৰাহক

প্ৰকাশক—
শ্ৰীকৰুণা কান্ত বৰুৱা
ৰজনীপ্ৰভা এজেন্সী।
পোঃ আঃ — কমাৰকুছি. কামৰূপ।

৪ৰ্থ বাৰ, ১৩৬১ চন ]          [ বেচ — চাৰি আনা

# ভাউৰা পুৰাণ

## কৈনা ঢোৱা—

দিহা— এ মোৰ দুখেৰ কপাল, দুখেৰ কপাল।
এৰ ঘৰে তাৰ ঘৰে বহি তাগিলাৰ খেদ্‌লো ছাল॥

ডাঙৰ মানুহৰ ঘৰক গেলো কৈনা চাও বুলি।
তাৰ আপি বিয়া নকৰাও কুৰু কুটা চুলি॥
চহৰৰ আপি নকৰাও বিয়া লুপি থাকে তোকা।
গাৱৰ আপি বিয়া নকৰাও ৰাখ্‌বা খোজে ঢোকা॥
চহকীৰ আপি নকৰাও বিয়া চাৰি ফুৰে গৰু।
নদীৰ পাৰত বিয়া নকৰাও ভৰিৰ ডিমা সৰু॥
উজনীত বিয়া নকৰাও মাৰিব নাজানে ফোটা।
নামনীত নকৰাও বিয়া দেখাতে বৰ মোটা॥
ভাটীত বিয়া নকৰাও বাছি লয়ে বৰ।
নিজ গাৱত বিয়া নকৰাও গালত মাৰে চৰ॥
পূব পছিম উত্তৰ দক্ষিণ কৈনা ফুৰলো চাই।
যিবা এটা কৈনা পালো হাগ্‌বাৰ কটি নাই॥
মাক বাপেকৰ আছিল আদৰুৱা আপি।
সমনীয়া বৰ পাই মোক বিয়া দিলা জাপি॥

## বুঢ়ীৰ গুণ—

দিহা— এ বুঢ়ী হুকুৱাইলো ৰে।
হায় হায় বুকৰ বুঢ়ী হুকুৱাইলো ৰে॥

মোৰ বুঢ়ীৰ গুণৰ কথা কিনো কম মই।
ৰান্ধি বাঢ়ি আগে খাই পিছে খাও মই॥
ধান কেটা বানো মই বুঢ়ী থাকে ঘুমেই।
গাত হাত দিলেকি তাই জাপ মাৰি উঠে॥
বৰ কথা কবা নৰো বুঢ়ীৰ আগত বাপা।
খং কৰি উঠি তাই মোৰ মুখত দেই সোপা॥
ৰাতি হলি মজিয়াত হাগি থরে তাই।
পুৱাই উঠি কোদাল ধৰি পেলাই দেও মই॥
দিনে ৰাতি পৰে হেতি কৰি থাকে মেল।
মই যদি গালি পাৰো চৰেই ভাঙে গাল॥
মোৰ বুঢ়ীৰ গুণৰ কথা কবৰ সীমা নাই।
ৰান্ধি বাঢ়ি উঠি তাই চকুতেই খাই॥
হাতত খালে হাইঠা খৰে ভৰিত খালে উই।
আমাৰ বুঢ়ীৰ কি ৰূপ চাবা খাৰছটা মূই॥



দিহা— আই হেৰে যাগৈ যা, বোপাই হেৰে নাযাও যা
নেগালি হবো কিয়া, পুৰালি হব বিয়া,
আই হেৰে যাগৈ যা।

নোন থৈ আহিলি ক'ত ঐ চেনেহী
খাৰ থৈ আহিলি কত।
থোথা ৰাজাৰ ঘৰতে লুতুৰ কৰি বহিলি
পৈয়েৰেক এৰিলি ক'ত॥

চিলাই পুঠি মাছ নিলা হৰি হৰি
চিলাই পুঠি মাছ নিলা।
থোথা ৰাজাৰ ঘৰৰে শিলিখা মাদলী
চেনেহীৰ গলতে দিলা॥

ধান তলিত বান্ধিলো বোজা হৰি হৰি
ধান তলিত বান্ধিলো বোজা।
আজিহে চেনেহী নৰিয়া পৰিছে
খেদ্‌লোক লগাইছে ওজা॥

উলি তামোলৰ পুলি হৰি হৰি
উলি তামোলৰে পুলি।
আজিহে চেনেহীক থোথা ৰাজাই লৈ যাই
চেনেহীৰ হাতত ধৰি॥

থোথা ৰাজাৰ বাৰীতে এক ডালি বগৰি
টিয়াই ধুনি ধুনি খাই।
থোথা ৰাজাই জোকাৰে কেতকী বোটালে
হৰিমল গোচৰক যাই॥

## টোপনীৰ গীত—

মুকুলীয়ে—টোপনী টোপনী ঐ আৰে টোপনী
টোপনীৰ কলৰ তলত ঘৰ।
আমাৰে ঘৰকে নাহিবা টোপনী
শাহু আইৰ উঠিছে জ্বৰ॥
হেৰ টোপনী হালিয়া জালিয়া পৰে গাও॥
হেৰ টোপনী হালিয়া জালিয়া পৰে গাও,
মুকুলীয়ে—ধান মুঠি বানিলো চা'ল মুঠি কাৰিলো
মাইথেৰ ঘৰক যাও বুলি।
শাহু ভাই খাইটী যাবকে নেদিলা
তাইৰে মূৰ খাও বুলি হেৰ—
মুকুলীয়ে—কেহিনি চিডিম মই সূতাৰে চেউনী
কেহিনি চিডিম মই মাল।
হাতৰ খৰা পাজি হাততে পৰি ৰল
টোপনী হল মহাকাল॥
মুকুলীয়ে—দেৱৰটো মৰি যাক, ননদটো ওলাই যাক
বুঢ়া শহুৰ তাকো খাক বাঘে।
ভকতৰ বচনে দুই ঠেঙৰ বালা লই
স্বামীটো মৰি যাক আগে॥
মুকুলীয়ে—মৰোকে মৰোকে শহুৰৰ পুতাকে
আমি তিৰি মাছে ভাতে খাম।
আই বোপাই তেহ্‌না ভালে ভালে থাকক
আমি ধেমনা ঘৰকে যাম॥

মুকুলীয়ে— আইয়ো মাৰিলা বোপায়ো মাৰিলা
পিৰা যোৰাই যোমালো বাজে।
ছুৰুকা বতাহে পাই কুলা নিলা উৰুৱাই
চাউল খালা বামুণৰ ছাগে॥

## গৰু কিনা—

গৰু কিনিবা যাও বুলি মাকৰ আগত কলাক।
আঠিয়া কলে বোকা চাউলে টোপ্‌লা বান্ধি ললাক॥
গৰু কিনিব যাবি বাচা মানুহ নিবি মাতি।
ধান কাটিবৰ হৈছে বাচা নাথাকিবি ৰাতি॥
সৰুৰ পৰা বাচা তই ভাউৰা কৰ্ম্ম কৰলি।
এক টেকেলি পাইনা গাখীৰ মোক খুৱাবা নৰলি॥
কাৰো আগত নকৰি মাই লাজতে মৰিম।
চাৰি দিন মান হলে মই খাবা নৰা কৰিম॥
আটাল ভৰা মিঠেই মাই চয় সাতোটা গাই;
পৰৰ বস্তুক আশা কৰাহ ইয়াকে খাওতা নাই॥
পুবৰ দেখিৰ পৰা ৰঙা পৰি উঠি আছে চকা।
আদ্‌বিদ্‌ কৰি ভাউৰাই বান্ধি ললে টকা॥
যাওঁতে যাওঁতে ভাউৰাৰ কানি-কাপোৰ খহিল।
চাউল কেইটা পানীত থৈ গছৰ তলত বহিল॥
অহাই সহাই চায়ে ভাউৰাই কতো নাই গিৰি।
হাবিৰ পৰা ওলাই আহিল তিনটা ফোট আধা তিৰি॥

সৰু জনী উঠি বোলে ডাঙৰ জনী বাই।
আজি দেখো নদীটো পাৰ হবাৰ উপায় নাই ॥
আগৰ জনী যেন তেন পাছৰ জনী খাটা।
পানী কিমান হব কৌ বুকুৰ আতা ॥
এহি বুলি ভাউৰাই মনে গুণি চাৰেই।
দুই কাষে দুটি কুৰ যাবি পোনে পোনেই ॥
সৰু জনী উঠি বোলে বৰ জনী বাই।
আমাৰ দুইৰো হাতত দেখো পয়চা কড়ি নাই ॥
সৰু জনী উঠি পইচা বিচাৰে কানিত।
বৰ জনী উঠি বোলে পইচা পৰিল পানীত ॥
পাৰ হবা নৰি তহতে কি কৰ্ চাহ মন।
পইচা কড়ি নালাগে মোক দিয়া আলিঙ্গন ॥
পৰ্ব্বতৰ কাষে কাষে ৰঙিয়াল বগুলা।
চূণ খুজিবাৰ চলে মই ধাম গধূলা ॥

## ভাউৰাৰ ঘৰ—

চোতালৰ চাৰি কাষে চাৰিটা টিনৰ ঘৰ।
বৰমুণ হলি যাব লাগে পৰৰ ঘৰে ঘৰ ॥
বন্ধা ৰাখো সাতোটা হাল বাও সাত।
ঘুমটিৰ পৰা মুঠোতে ধকুৱাই দেই মাত ॥
ঘৰত আছিল মোৰ ককাই আৰু বৌ।
তিৰিৰ আগত কৈ খেদাও নাই বুলি কৌ।

নামতো নোবোলাকৈ থাকো চকু মুজি।
ঘৰত নাপাই ধকুৱাই যায় গুচি গুচি ॥
জাগাই জাগাই কৈ ফুৰো সকলে দেই মান।
গাওঁ কুচেলা সকলে কথাত নেদে কাণ ॥

## ভাউৰা বেলেগ হোৱা—

দিহা— সন্ডা জাগ জাগ জাগৰে লালমণি।
আজি পালো কাল শনি ॥

পানী কাউৰী ডুব মাৰে দুয়ো হাতে থাকু।
মায়ে থিৰপৰা আনলি আপি বেলেগ হোৱা দাক্ক ॥
বেলেগ হোৱা দাক্ক আপি বিন্নাৰ মাজত পালি।
টেঙাৰ আঞ্জা ভাজা মাছে লালেই মাহ্‌নে খালি ॥
কন্ধপৰা হতাচিৰা তই হৈচা কাল।
মাজ মজিয়াত পাতি দিছা ঠিয়াই তাতৰ শাল ॥
ভাগে নিলা ভাগে নিলা ভাগে নিলা গৰু।
সৰু ডেকাৰ ভাগত পৰিল ভাত বান্ধা চৰু ॥
ভাগে নিলা ভাগে নিলা ভাগে নিলা তেল।
বৰ ডেকাৰ ভাগত পৰিল সকলখিনি মেল ॥
ভাগে নিলা ভাগে নিলা ভাগে নিলা সিহা।
বৰ ডেকাৰ ভাগত পৰিল সকলখিনি দিহা ॥
ভাগে নিলা ভাগে নিলা ভাগে নিলা টৌ।
সৰু ডেকাৰ ভাগত পৰিল অশাটনি বৌ ॥

মাছ মাৰিবা গেছিল তাই মাচত পালাক গৰৈ।
আলিৰ মূৰত কাপোৰ থই হাফোল দিব ধৰেই ॥
হাফোল দেওতে হাফোল দেওতে শামুকে কাটে ভৰি
লালাকোৰ আগত কৰে তাই জ্বৰ উঠা বুলি।
মাছ মাৰিবা গেছুলো মই মাছ পালো কাৰৈ।
সোহাইৰ দেখিৰ আপিগিলাকে জুলুকি পলো বাৰৈ ॥

## শনি পোৱা গীত—

দিহা — এ সভা জাগ জাগৰে লালমণি।
আহি পালাক কাল শনি ॥

এহি মানৰ কথা ইটা সেহি মানে থওঁ।
কাক কাক শনি পাইছিল তাৰে কথা কওঁ ॥
দশৰথক শনি পালে সমিক ঋষিক মাৰি।
ৰামচন্দ্ৰক শনি পালে বনত ফুৰে ঘূৰি ॥
যুধিষ্ঠিৰক শনি পালে খেলে আছিল পাশা।
নল ৰাজাক শনি পাই এৰে ঘৰৰ আশা ॥
বনবাস খাটিলা শ্ৰীবৎসক শনি পাই।
গণেশৰ মূৰা চিঙিল শনিক দেখাই ॥
ভূমি দান দিয়া বলি পাতালক গৈলা।
সীতাক হৰিয় ৰাৱণ সবংশে মৰিলা ॥
অভিমান্যুৰ ঘৈণীয়েক ৰাধা মহাসতী।
স্বামীক এৰিয়া ভজে কৃষ্ণ উপপতি ॥
দ্ৰৌপদীক ধৰিছিল নিবা খটাসুৰ বীৰে।
ভীমৰ হাতত বেটা সমূলি মৰিলে ॥

শতস্কন্ধ বীৰক মাৰে সীতা পটেশ্বৰী।
ভীমৰ হাতত কৌৰব সবে গৈলা মৰি॥
চন্দ্ৰধৰ ৰাজা আছিল চম্পাক নগৰে।
বিষহৰিৰ কোপে পৰি ডুবিলা সাগৰে॥
হৰিশ্চন্দ্ৰ মহাৰাজা আছিল সূৰ্য্যবংশে।
বিশ্বমিত্ৰৰ শাপে দুঃখ ভুগিলা অশেষে॥
যম ৰাজাক শনি পাই নৰ জন্ম ধৰে।
লইলা বিদুৰ নাম কৌৰৱৰ ঘৰে॥
বভ্ৰুবাহনে অৰ্জ্জুনক পাৰিছিল গালি।
লব কুশে ৰামচন্দ্ৰক থইছিল শালি॥
ৰাধাসুত কৰ্ণবীৰ জগতে বাখানে।
ভায়েকৰ হাতে পৰি হৰিলা জীৱনে॥
অন্যায় কৰিয়া ৰামে বালিক মাৰিলা।
পৰজন্মে অঙ্গদেও ধাৰক সুজিলা॥
বৃন্দা নামে মহাসতী শঙ্খৰ ঘৰুণী।
শ্ৰীকৃষ্ণে হৰিলেক পাতিয়া বিঘিনি॥
দক্ষ নামে প্ৰজাপতি পূৰ্ব্বত আছিলা।
শিৱ কোপে পৰি মুণ্ড দুই খণ্ড হৈলা॥
আদি কাণ্ডে ৰামে বিয়া কৰাই আনে সীতা।
গুহক চণ্ডালে সৈতে পাতিছিল মিতা॥
দুৰ্য্যোধনক শনি পালে হুঁপি থাকে হোকা।
অনিৰুদ্ধ কুমাৰে উষাত চাপিল চোকা॥
দণ্ডি ৰাজাক শনি পালে ঘোৰাক ধৰোতে।
ছলি সবক শনি পালে বিছনাত মুতে॥

দ্ৰৌপদীক শনি পালে থাকে ব্ৰত কৰি।
দুশাষণক শনি পালাক নিয়ে চুলিত ধৰি ॥
দ্ৰৌপদীক নাঙট কৰে ৰাইজে দেই হাক।
আচলত ধৰি ঘূৰাই যেন কুমাৰৰ চাক ॥
কেৱে বোলে ৰাম ৰাম কেৱে বোলে হৰি।
আচোক দেখিব অঙ্গ নেদেখয় ভৰি ॥
চৰালক শনি পালাক মূৰত লৱে পাচি।
মুছলমানক শনি পালাক মোত পেলাই বাছি ॥
কছাৰীক শনি পালাক গা লোধোম ধোম।
ডোমক শনি পালাক ঘতিয়া টিকৰাত লোম ॥
মৰিয়াক শনি পালাক গঢ়াই থালিৰ কাণ।
হিন্দু জাতিক শনি পালে বানে ৰাতি ধান ॥
কমাৰক শনি পালে লোহাকেই পিটে।
ডেকা তিৰিক শনি পালে পানী-ঘাটত মুতে ॥
নাপিতক শনি পালে মূৰ খুৰে খুৰেই।
বিধবাক শনি পালে পৰৰ ঘৰে ফুৰেই ॥
চমাৰক শনি পালে ফুৰে চামৰা কাঢ়ি।
চেঙৰাক শনি পালে চেঙেৰীৰ পাচত ফুৰি ॥
গৃহস্থক শনি পালে চোতাল থাকে বাহি।
যুৱতীক শনি পালে মিচিকাই মাৰে হাঁহি ॥
লখিন্দাৰক লৈ বেউলা যাই ভাহি উটি।
দক্ষৰ যজ্ঞত শিৱে দিছিলেক মুতি ॥
ডেকা তিৰিক শনি পালাক কৰি ফুৰে হাট।
চোৰ সবক শনি পালে বিচাৰি ফুৰে বাট ॥

ভুমুনীক শনি পালে ফুৰে মাছ বেচি।
বৰলাক শনি পালে ফুৰে দুৱাৰ হেচি ॥
খাই মৰিল বকাসুৰ ভীমৰ হাতত।
লই মৰিল সিন্ধু ৰাজ পুত্ৰক মুণ্ডক ॥
দিবা নৰি বলি ৰাজা পাতালক গৈলা।
জানকীক হৰি ৰাৱণ সবংশে মৰিলা ॥
কৰ্ণে দিলা গোহাঁইক পুতেকক কাটি।
চিত্ৰলেখাই কুমাৰক আনিছিল ৰাতি ॥
ছয় মাহ শোৱে কুম্ভকৰ্ণ মহাবীৰে।
যুৱতীক দেখিলে যুৱকৰ মন হৰে ॥

## *পচলা কুটা—*

দিহা— লাজে আমাৰ চান্দাৰ চুন্দুৰ
কৰে নিদাৰুণী মাই ॥

সৰু জনী উঠি বোলে বৰ জনী বাই।
অতিথি আহিলে মই কি কৰো উপায় ॥
বৰ জনী উঠি বোলে নকৰো মই চিন্তা।
বাৰীৰ পচলা সৈতে পাতি থৈছো মিতা ॥
শোলকা দাখান লই খচ্‌কে সোমাল বাৰী।
চাৰি ফালে বিচাৰি ফুৰে আঠিয়া কলৰ শাৰী ॥
পচলা কাটিলা তাই দুই মুনিহৰ সাঙি।
ধৰাধৰি কৰি আনি মৈজাত থলা ভাঙি ॥
পচলাৰ পানী টুপি মৈজাত বান্ধিলা ডোঙা।
সৰু জনী উঠি বোলে ঘৰতে পালো গঙ্গা ॥

পচলাৰ পানী টুপী থৌ চিচাত ভৰেই।
দুখীয়া জোৱাই আহিলে খাব হুতাহু পলেই॥
পচলা কুটিলা তাই আঢ়েই আঙুল কৰি।
পচলাত পানী দেই আঠু সমান কৰি॥
পচলা ৰান্ধিলা তাই মুঠিল ৰাগে পাগে।
ধোৰা কাউৰী লই গেল বাহৰ আগে আগে॥

## ভুঁইকঁপৰ গীত—

দিহা— শ্যাম বদনে বোলে,
বৈস ৰাল কানাই কদম তলে॥

চাৰি পাচ জনে বাপা কৰি আছিল মেল।
জেঠৰ এক দিন থাকাত ভূঁইকঁপটো গেল॥
পচিমৰ পৰা আহিল হৰৌ হৰৌ কৰি।
তিৰি ছলি হাতত ধৰি কৰে লৰালৰি॥
যি পোনে কৈছো কথা সেই পোনে বৈছি।
জেঠ মাহা শনিবাৰে ভূঁইকঁপটো গৈছি॥
হাঁহ ভাহিল পাৰা ভাহিল আৰু ভাহিল গৰু।
ঘিব মিব কৰি ভাহি পৰিল ভাত ৰান্ধা চৰু॥
শাল পুতিলা গাড়ী পুতিলা আৰু পুতিলা কুৰা।
ভূঁইকঁপে উইলে দিলাক মাজ মৈজাত কুৱা॥
জোতাৰ পুতিলা নেঠা পুতিলা আৰু পুতিলা ঝাকু।
ভূঁইকঁপে উইলে দিলাক ফোটা মাৰা ঝাকু॥
শ্যামৰায় গোসাই ঘৰত আমি আছিলো ৰাতি।
আলিস্তা কঠালগিলা খাছলো কাটি কাটি॥

## ভাউৰাৰ বিয়াৰ গীত—

আদা খালো তিনি চকাল জবাৰ খালো জিম।
আমাৰ মনত আছে মইনা হাৰ গৰে দিম॥
আয়াৰে কপালে আছে তিলকৰে ফোটা।
ৰামে বোলে প্ৰাণেশ্বৰী ওলাই মোকে মাতা॥
মাত দিবা নৰো স্বামী পিতা আছে ঘৰে।
টিকিৰ স্বামী আহি পাছে ধনু ভাঙৱা নৰে॥
বাপু গেছিল গুৱাহাটীক আয়াক চাবাৰ ছলে।
আয়া আছে সূতা কাটি লগৰীয়াৰ ঘৰে॥
লগৰীয়াই বোলে সখি ইতা হবো কি।
গাথিত আছে মলা তামখু বাপুক লগে দি॥
হোকাই কৰে টোৰোত টোৰোত চিলিমে কৰে চেও।
খচো মচো নকৰ বাপু তামখু লগে দেও॥

দিহা— কল কাটি সাজালো ভেল
কৈনাথেৰ টেমিত চূণ খাই আহিলো
বহিকি ভাঙিলো মেল॥
মেল না'ল চকাটো বহিল যায় পাটোত।
চেলাংখান উইলেদি কৈনাৰ ভায়েকৰ হাতত॥
হাতোত না'ল বাৰীৰে বাবৰি শাক।
আমাৰে চানা আই তাতে ভালে ভালে থাক॥
হা হৰি আমি দুটী বনী, হা হৰি দুদিকে ওলালো
হা হৰিএ দুইবো মুৰতে ফালি এ।
ফালি কী এছে জুন জুন জুমুকা
পকা ভামোল মানিকা হাচুটী দাবাবা যাও

লেহেৰা লেহেৰী পৰিএ ভাডিবো ভৰি
মাথাৰে মুৰিয়াল নিয়াৰে ভিজাবো
ডুৱাৰে ভিজাবো ভৰি ॥
হৰি বোলা হৰিহে ( জোকাৰ দিয়া )
এহিমানৰ কথা এবে এহিমানে থলো।
ভাউৰা পুৰাণৰ গীত ইতিকে কৰিলো ॥

---

সাঁথৰ—১। উপৰে থাকন্ত বীৰ নোচোৱন্ত মাটি।
চাৰি ভাই বিধাতাই থৈছে কাণ কাটি।
মুৰ খুণ্ডুৱা ভকতে গাথি আছে মালা।
হুলাবাৰি দি কোকালথন ইফাল সিফাল শালা

২। মাতা ওচৰত নাই বাপে জন্ম দিলা।
নোহে মিছা বাস্তবিকে মাটিত জন্মিলা ॥
শেষে জিয়া ভোতে প্ৰবেশিলা পৃথিৱীত।
দৈবে কহে বিচাৰিবা ৰাজ-মহিষীত ॥

৩। চৰণে প্ৰহাৰ কৰে ন কৰয় ৰোষ।
খাব দিয়ে কাঢ়ি লয় তথাপি সন্তোষ ॥
দেৱতাক নমস্কাৰ কৰে বাৰে বাৰ ;
আপুনি নাখাই দেই অন্যক আহাৰ ॥

৪। তিনি ভাজ লাগা বীৰ অতি ভয়ঙ্কৰ।
কোকালত শলা দেখি ওপজয় ডৰ ॥
এটা মাত্ৰ দাঁত সিয়ো লোহাৰেসে দন্ত।
পুৱা হলে মাটি কাটি কৰে খণ্ড খণ্ড ॥

৫। দেই যদি নেদ্ৰি, নেদে যদি দিৰি ॥

৬। লাগ্লি নাল্গেই নাল্গিলি লাগেই ॥

৭। তিনি অক্ষৰে পক্ষীৰ নাম।
মাজৰটো মুচিলে বধে ৰাম ॥
সোঁহাতৰটো মুচিলে সকলোৱে খাই।
বাওঁ হাতৰটো মুচিলে নেৰতে পাই ॥

৮। সত্য কালত মূৰত টুপী।
কৃষ্ণা বতাৰত ভুলালা গোপী ॥
ৰাৱণ মৰিল ৰামৰ হাতত।
সেই ব্যঞ্জন আমাৰ পাতত ॥

৯। তিনি মতীয়া তিৰিটোৰ ছয় মতীয়া পেট।
সেই পেট নি গোসাইৰ আগত ভেট ॥

১০। নাম ললে হোৱে পাপ মেৰুৰ সমান।
ভকতে নে লোৱে নাম ইহাৰ কাৰণ ॥

১১। বামুণক মাৰিবা কপিলীক বধিবা,
অতিথিক নেদিবা ঠাই।
ভাল ভাল মহন্তক, মূৰত কোবাই মাৰিবা
তেবেসে ভকতি পাই ॥

১২। বামুণ হৈ নললে গাই।
ভকত হৈ না মাৰে ভাই॥
সাধু হৈ নাখালে মদ।
আৰু তিন জনে নাপাই পৰম পদ॥

১২। লহ কৰ পাৰাৰ আখৰ, গোৱালপাৰাৰ বাথাৰ,
মুৰিকোনাৰ জাপি, কমাৰকুছিৰ আপি,
হাজলীয়া ফোটা, সৰ্থেবাৰীৰ লোটা,
চৰিয়াৰ চৰু, সাতদলাৰ গৰু,
জাগ্ৰাৰ মহ বলোৱাৰ জোক,
ইয়াত নেথাকে অতিথি লোক॥

শুন বাপু শুন, এক ডাল টোকানৰ ন'টা গুণ
হাতৰ শাখা, পানীৰ জোখা, দেখলি সাপ পেলালি মাৰি.
নহলে পিৰা বহিবি পাৰি
শক্ৰুৱে না পাৰে লাই, বাটৰ কুকুৰে থাকে চাই
সাকে শোকোতাই বান্ধবি ভাৰ; নহল বৈঠা হবি পাৰ,
কিনো বুঢ়াৰ আমোল,
ও ভোটাই খুন্দে তামোল॥



অন্ত



আলোক প্ৰেছ, নলবাৰীত মুদ্ৰিত।

# ভবিষ্যত কথা

বা

# সন্ত-চরিত।

---

মহাকবি ৺কবিচন্দ্র রচিত।

---

প্রকাশক

শ্রীমহেশ্বর দেব গোস্বামী

ও

শ্রীআনন্দচন্দ্র দেব গোস্বামী

বেদান্তবাগীশ, কবিবিনোদ।

---

PRINTED BY B. CHATTERJEE AT THE
ARYAN PRESS
CALCUTTA.